**PHERENGADAO :**
**A novel where few episodes of the life of Kalaguru Bishnu Prasad Rabha are incorporated, written by Medini Chaudhury and Published by Rajendra Mohan Sarma, Chandra Prakash, Tihu . Guwahati, Assam**
**Price: Rupees Eighty Five Only.**

---

প্ৰকাশক
শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্ম্মা
চন্দ্ৰ প্ৰকাশ
টিহু: গুৱাহাটী

মূল্য :- ৮৫·০০ টকা

প্ৰথম প্ৰকাশ :
১৯৮২, এপ্ৰিল
দ্বিতীয় প্ৰকাশ
জানুৱাৰী,১৯৮৭
তৃতীয় প্ৰকাশ :
জানুৱাৰী, ১৯৯৩
প্ৰচ্ছদপট : হৰকুমাৰ ডেকা

মুদ্ৰণ :
বিষ্ণু এণ্টাৰ প্ৰাইচ্
৯, এ্যান্টনিবাগান লেন
কলিকতা-৯

# মোৰ কথা



প্ৰথমেই খোকোজা লগাৰ কথা কিতাপখনৰ নামটো লৈ। কিতাপখন লেখিবলৈ লওতে নামটোৰ কথা ভবাই নাছিলোঁ। প্ৰথম দুটামান অধ্যায় শেষ কৰি উত্তৰ কামৰূপ আৰু গোৱালপাৰাৰ কেইবোৰ ঠাইলৈ বুলি ওলাইছিলোঁ। চিহু দীঘেলীত চমেদ মাষ্টৰ আৰু ৰতি বৰ্গিয়াৰীক লগ ধৰিবলৈ গলোঁ। যিগৰাকী অলোক সামন্ত 'মহাবিদ্ৰোহী আত্মাৰ গৰাকী' শিল্পীৰ জীৱনৰ কেইবোৰ ঘটনাৰ আশ্ৰয় লৈ উপন্যাসখন লেখিবলৈ লৈছিলোঁ, এই দুগৰাকী ব্যক্তি [illegible] সংগ্ৰামী জীৱনৰ বিভিন্ন ঘটনাত জড়িত আছিল। বৰ্গিয়াৰীয়েই মোক প্ৰথমে কৈছিল নামটোৰ কথা। কিদৰে সংগ্ৰামী যুৱক-যুৱতীয়ে মৰম আৰু শ্ৰদ্ধাৰে [illegible] গৰাকীৰ নাম থৈছিল "কেকেংগাদাও আবৌ" বুলি। কেকেংগাদাও মানে কেঁহু চৰাই। এই বিধ চৰায়ে ওখ গছৰ ডালত বহে আৰু সুন্দৰ সুৰীয়া মাতেৰে পুৱা কলকাই দিয়াৰ লগতেই শুই থকা মানুহক দিনটোৰ বাবে সচেতন



কবি তোলে। পিচে কিতাপখনত হয়তো সেই মহান শিল্পীজনাৰ এই পোছাকী নামটো লোৱাই সাৰ হ'ল। মোৰ অক্ষমতাৰ বাবেই যিদৰে লেখিম বুলি কল্পনা কৰিছিলোঁ তেনেদৰে লেখা হৈ নুঠিল। কত অলেখ গাঁও, অজস্ৰ পৰিয়ালৰ কিমান অগণন মানুহে যে শিল্পী জনাক জানে, অন্তৰেৰে ভাল পায়, শ্ৰদ্ধা কৰে। তেনে প্ৰত্যেকৰে ওচৰলৈ গৈ লেহেৰি বুটলি লেখিবলৈ যোৱাহেঁতেন মোৰ এই জনমত লেখাই নহলহেঁতেন। গতিকে বহু সময়ত মনে সজা ঘটনাৰ আশ্ৰয় লব লগীয়াত পৰিছোঁ। উপন্যাস লেখিছোঁ যেতিয়া য'তেই অসুবিধাত পৰিছোঁ তাতেই স্বাধীনতা লৈছোঁ। শিল্পী-জনাৰ কি হ'ল কব নোৱাৰোঁ, কিন্তু কিতাপখনৰ আদিৰ পৰা অন্তলৈকে নিৰপেক্ষভাৱে কাহিনীটোৰ উপস্থাপন কৰাৰ চেষ্টা কৰিছোঁ। তেওঁৰ প্ৰতি মোৰ গভীৰ শ্ৰদ্ধাই মাজতে কৰবাত হয়তো বিশ্বাসভংগও নকৰাকৈ থকা নাই। তাৰ বাবে নিশ্চয় মই ক্ষমাৰ পাত্ৰ।



কিতাপখনৰ বাবে সকলো গোটোৱাৰ সময়ত মই যাৰে ওচৰ চাপিছিলোঁ, তেওঁ আন্তৰিকভাৱে সহায় কৰিছিল। আটাইবোৰ কথা মোৰ এতিয়া মনত পৰা নাই, পৰাটো সম্ভৱো নহয়। মাত্ৰ বাতাৰ সুহৃদতম বন্ধু গোপাল দাস, ৰতি বৰ্গিয়াৰী, অৰবিন্দ ঘোষ, কমল নাৰায়ণ চৌধুৰী, ধৰ্ম বৰ্গিয়াৰী, গোবিন্দ কলিতা, কমলা মজুমদাৰ, হৰিদাস ডেকা, শৈলেন বেধি, চন্দ্ৰ ডেকা প্ৰমুখ্যে জনদিয়েকৰ কথা মোৰ মনলৈ আহিছে। নিৰুপমা দেৱী, অনুপমা ভট্ট, অনিল চৌধুৰী, কনক সেন ডেকা, খগেন বৰবৰুৱা, তিলক হাজৰিকা এনেদৰে আৰু বহুতৰ পৰা সহায় পাইছিলোঁ।

অলৈ তলৈ যাওঁতে নিজৰ গাড়ীৰে বিভিন্ন সময়ত মোক সহায় কৰিছিল শ্ৰীমান মহেন্দ্ৰ ডেকা আৰু মহাদেৱ ডেকাই।

মোৰ শিল্পী বন্ধু বেণু মিশ্ৰৰ সক্ৰিয় সহযোগৰ প্ৰমাণ কিতাপখন দেখিলেই পাব। বেটুপাত তেখেতেৰে আঁকা।



এইবাৰ দ্বিতীয় প্ৰকাশৰ বেটুপাত আঁকিছে শ্ৰীহৰকুমাৰ ডেকাই। তেখেতলৈ মই আন্তৰিক কৃতজ্ঞতা জনালোঁ। প্ৰথম প্ৰকাশৰ কিতাপ কেতিয়াবাই শেষ হৈছিল যেনো। টিঙ্কুৰ চন্দ্ৰ প্ৰকাশনৰ গৰাকী শ্ৰীৰাজেন্দ্ৰ মোহান শৰ্মাই সেয়ে দ্বিতীয় প্ৰকাশৰ দায়িত্ব হাতত ল'লে। তেখেতৰ আগ্ৰহত মই অভিভূত হৈছোঁ। আৰু মই অনুভৱ কৰিছোঁ যে, বিপ্লৱী শিল্পী ৰাভাৰ প্ৰতি তেখেতৰ শ্ৰদ্ধা অতিশয় গভীৰ। তেখেতলৈ মই আন্তৰিক ধন্যবাদৰ শৰাই আগবঢ়ালোঁ।

মেদিনী চৌধুৰী

৯।১২।৮৬



আনদিনাখনৰ দৰেই বেলআলিটোতে সি বহি লৈছে। তাৰ পিচপিনে বিলৰ দাঁতিৰ পথাৰখন জুপুকা মাৰি অ'ত তত বহি থকা বগলীজাকেৰে চ'তমহীয়া শিমলুতলৰ বহল ঘাহনি এডৰা যেন দেখা গৈছিল। কাষতে পানী জিয়েলিত কোঢ়াল কৰি ঘাহ কাটি থকা ঘোঁৰাআলাকেইটাকো বগলীজাকে ভয় কৰা নাছিল।

সি অৱশ্যে সেইবোৰলৈ মন কৰা নাছিল। তাৰ মন ভাবাক্ৰান্ত হৈ পৰিছিল নানান দুশ্চিন্তাৰে। হেমন্তৰ স্নিগ্ধ ৰ'দজাকৰ আমেজকো সি পাহৰি গৈছিল সেই মুহূৰ্ত্তত। সি তন্ময় হৈ আছিল অনুপমাৰ কথাকে ভাবি।

আনদিনাৰ দৰে হোৱাহলে সিহঁতৰ জুপুৰীটোৰ পদুলিমুখৰ বহল শিলচটাতে কিবাকিবি ইটো সিটো কৰাৰ অজুহাতত অনুপমাই তাৰ ফালেই আগ্ৰহেৰে বাট চাই থাকিলহেতেন। মাজে মাজে তাৰ চকুৰে চকুৰে পৰিলে অৰ্থবহ হাঁহি মাৰি সোনকালে উভতি যাবলৈ বুলি হাত বাউল দি মাতিলেহেতেন তাক। আজি কিন্তু তাইক সি এবাৰো পদুলি মুখলৈ অহা দেখা নাই। তালৈ চোৱাটো দূৰৰ কথা।